# বৈষ্ণৱ-ৰত্ন কীৰ্ত্তন

( পাণ্ডৱ-গীতা, দ্বাদশাক্ষৰ ভজন স্তোত্ৰ, অষ্টাক্ষৰ মহামন্ত্ৰ ভঞ্জন, বৈষ্ণৱ-মাহাত্ম্য )

শ্ৰীশিৱৰাম দত্ত

বিৰচিত ও প্ৰকাশিত

গাঁও মাদাৰতলা, পোঃ বাইহাটা।

কামৰূপ

১ম সংস্কৰণ

১৩৩৫ চন



বেচ এসিকি

# বৈষ্ণৱ-ৰত্ন কীৰ্ত্তন

( পাণ্ডৱ-গীতা, দ্বাদশাক্ষৰ ভজন স্তোত্ৰ, অষ্টাক্ষৰ
মহামন্ত্ৰ ভজন, বৈষ্ণৱ-মাহাত্ম্য )

শ্ৰীশিবৰাম দত্ত
বিৰচিত ও প্ৰকাশিত।
গাঁও মাদাৰতলা, পোঃ বাইহাটা
কামৰূপ

১ম তাঙৰণ

১৩৩৪ চন



বেচ এসিকি

# অৰ্পণ।

যি জনা বৰ বোপায়ে নিজৰ সতি সন্তান কামনা নকৰি তেওঁৰ কনিষ্ঠ ভাতৃৰহে সন্তান কামনা কৰি নিজ গুৰু শ্ৰীশ্ৰীব্যাস কুচীয়া সত্ৰাধিকাৰৰ শ্ৰীপাদ পদ্মত দীঘল দি পৰি সত্ৰলৈ সোণৰ মোহৰ আগ বঢ়াইছিল, আৰু যি জনাই এই অভাজনৰ জন্মৰ নকুৰি দিনৰ দিনা অন্নপ্ৰাসন কৰি অভাজনক ধৰমীয়া পুত্ৰ স্বৰূপে গ্ৰহণ কৰি নিজৰ পত্নীৰ কোলাত সাদৰে তুলি দিছিল, সেইজন্য স্বৰ্গীয় বৰ পিতৃ **শান্তিৰাম দত্তৰ** শ্ৰী শ্ৰীচৰণত—

আৰু যি জনা বৰ আয়ে এই অভাজনক নিজ পুত্ৰবৎ লালন পালন কৰিছিল, আৰু শিক্ষা দিয়াতো তেওঁ যথেষ্ট যত্ন লৈছিল সেই জনা দেবী-মূৰ্ত্তি স্বৰ্গীয়া **নৰেশ্বৰী** বৰ মাতৃৰো শ্ৰী শ্ৰীচৰণত এই অভাজনে হৃদয়ৰ ভক্তি আৰু চকুৰ লোৰে সৈতে এই ক্ষুদ্ৰ আকাৰৰ বৈষ্ণৱ-ৰত্ন-কীৰ্ত্তন অৰ্পণ কৰিলে।

অনুতপ্ত অভাজন ধৰমীয়া
পুত্ৰ
**শিৱ**

বৰনগৰ
১৫।১২।২৭

# নিবেদন।

ভগৱন্তৰ কৃপাত আৰু গুৰুৰ অনুগ্ৰহত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ খোজ বিচাৰি এই পুথি খনি কীৰ্ত্তনৰ আহিৰে ৰচনা কৰা হ'ল। অসমীয়া ভাষাত ইয়াৰ পদ বা গদ্য ভাঙ্গনি আজিলৈকে বিচাৰি নোপোৱাত এই কাম আগ বঢ়া হৈছে। কোৱা বাহুল্য যে ৰচক বয়সত ভৰ ডেকা, আৰু দেখাত অতি বৃদ্ধ হলেও কাপত তেনেই কেচুৱা। কবি ৰাজাৰ ফুলনিত যেনিবা ফুলে নদন বদন হৈ আছে, পাকৈত মালীয়েহে সুগন্ধি মন-মোহা ফুল ছিগি আনি মালা গাঁথিব পাৰে, ছিগি অনা দূৰৰ কথা,—তলসৰা ফুল বুটলি আনোতেও ৰচকৰ তেনেই কণা লাগে। গঙ্গা সাগৰৰ পানী যেনিবা অতি পবিত্ৰ, এৰাঁ টেকেলিত আনি নো (লোককবিলোৱাৰ কথাকে নকওঁ) সাঁচি ৰাখি পিয়াহ গুচাব পাৰিবনে? দুৰ্ভগীয়া ৰচকৰো ঠিক তেনে কথা। হেপাহটো বৰ ডাঙ্গৰ—অচিন্ত্য—অব্যক্ত নিৰ্গুণ বিৰাট পুৰুষৰ গুণানুকীৰ্ত্তন কৰা। কামত হৈ উঠিলেহে হয়। যি চ'ক ঘৰৰ মুধালৈ দলিটো মাৰিলেহে যদি পানী পচাত পৰে গৈ, তাকে চাই হৰিয়ে কি কৰে।

সুধী বৈষ্ণৱ পাঠক বৃন্দৰ ওচৰত ভাব ভাষা বিষয়ে যি নিবেদন কৰিব লগীয়া তাক আগতেই কৰা হৈছে। তথাপি তুনাই সকলো ত্ৰুটি ক্ষমা মাগি কওঁ যে, হাঁহে পতান এৰি ধান আৰু পানী এৰি গাখীৰ খোৱাৰ দৰে দোষ ভাগ এৰি ইয়াত যি খিনি সাৰ পায়, তাকেই গ্ৰহণ কৰিলে পৰম কৃতাৰ্থ হম।

পাণ্ডৱ-গীতাৰ যি খিনি আসোঁৱাহ দেখা গৈছে, তাক পাতনিত

উল্লেখ কৰা গৈছে। সুধী পণ্ডিত সকলে ইয়াৰ সুমীমাংসা কৰি দিলে, আগ্ৰহেৰে গ্ৰহণ কৰিবলৈ সাজু থকা হ'ল।

পুথি খনি শ্ৰীযুত সৰ্ব্বেশ্বৰ দাস মহাশয়ৰ পৰামৰ্শ মতে কীৰ্ত্তনৰ আৰ্হিত ৰচনা কৰা হৈছে, তদুপৰি তেখেতে আৰু শ্ৰীযুত হৰিৰাম মহন্ত ঠাকুৰ ডাঙ্গৰীয়াই চাই দি, ছপাবলৈ পুনঃ পুনঃ উৎসাহিত কৰা বাবে চিৰকৃতজ্ঞতাৰ ভাজন হৈছে। ইয়াৰ বাহিৰেও ভালে মান সন্ত-মহন্তই আৰু প্ৰবীন সাহিত্যিকে সোন কালে প্ৰকাশ কৰিবলৈ উৎসাহিত কৰাত ভিতৰুৱাকৈ তেওঁ লোকৰ ওচৰত শলাগৰ শৰাই আগ বঢ়ালোঁ।

তদুপৰি ও স্বনাম ধন্য পৰম ভক্তি ভাজন সাহিত্য-ৰথী শ্ৰীযুত ৰজনীকান্ত বৰদলৈ ডাঙ্গৰীয়াদেৱে পৰিশেষত চাই দি মতামত দিছে যে—"প্ৰিয় শিবৰাম তোমাৰ এই খান পুথি চাই দিলোঁ। ছপোৱা। পুথি খান ভাল হৈছে।" এই কাৰণে তেখেতৰ শ্ৰীপদলৈ সভক্তি অন্তৰে ৰচোঁতাই শলাগৰ শৰাই আগ বঢ়াই চিৰ কৃতজ্ঞ থাকিল।

পৰিশেষত ৰাইজৰ ওচৰত মিনতিৰে কওঁ যে, অন্ততঃ ধৰ্ম্ম পুথি হিচাবে একো খনি গ্ৰহণ কৰি নিমাখিতক আগলৈ উৎসাহিত কৰিব যেন। এনে বিধৰ সহানুভূতি নাপালে মনৰ ভাবী আশা মনতে জঁয় পৰিব লগীয়া হব। বিস্তৰেন অলম্ ইতি।

| | |
|---|---|
| বৰনগৰ | বিনয়াবনত |
| ১৫।১২।২৭ই | ৰচোঁতা |

# পাতনি।

পাণ্ডব-গীতাখন পাণ্ডব-পৰিয়াল, ধৃতৰাষ্ট্ৰ-পৰিয়াল, আৰু তেওঁ লোকৰ পুৰোহিতাদি আত্মীয় স্বজনৰ স্ব স্ব আন্তৰিক ভাবৰ শ্ৰীকৃষ্ণ-স্তুতি। গতিকে ই শ্ৰীব্যাসদেৱ ভাষিত মহাভাৰত মহাকাব্যৰ অন্তৰ্গত। কিন্তু সময় নিৰূপণ কৰিবলৈহে বৰ টানত পৰা গৈছে। কাৰণ দুখন পুথিত দুৰকমৰ কথা দেখা যায়। আমাৰ হাতত বহুদিন আগৰে পৰা বাবু নন্দকুমাৰ শৰ্ম্মা কবিৰত্ন মহাশয়ৰ ১৭৮৬ শকত লিখা এখনি কিতাপ আছিল। তাত ইয়াৰ মূল শ্লোক বিলাক আছে। এই খনকে অৱলম্বন কৰি লিখাকাম শেষ কৰিছিলোঁ, এনেতে শ্ৰীযুত লোকনাথ শৰ্ম্মা মহাশয়ৰ লিখিত এখনি নিত্য-কৰ্ম্মৰ-পদ্ধতিতো ইয়াৰ শ্লোক বিলাক দেখা পাওঁ। মিলাই চোৱাত কোনো কোনো শ্লোকৰ আংশিক আৰু কোনোটোৰ প্ৰায় সম্পূৰ্ণ বিভিন্নতা পৰিলক্ষিত হয়, তদুপৰি স্তুতি কৰোঁতাৰ ভিতৰতো গৰমিল দেখা যায়।

কবিৰত্ন মহাশয়ৰ খনত ২৭ জনৰ স্তুতি আছে; শৰ্ম্মা মহাশয়ৰ খনত ২৪ জনৰ আছে;—শকুনি, নাৰদ, কাশীৰাজ আৰু উত্তৰা এই ৪ জনৰ নাই; কিন্তু এই খনত প্ৰথম খনৰ অতিৰিক্ত কৃতবৰ্ম্মাৰ স্তুতি আছে।

সভাপৰ্ব্বৰ অন্তৰ্গত ৰাজসূয় সভাৰ সময়টোকে এই ঘটনাৰ সময় ঠাৱৰ কৰা যুগুত বিবেচনা হয়, কিন্তু উত্তৰালৈ মহা বিভ্ৰাট,

কিয়নো তেতিয়াও উত্তৰাৰ সম্বন্ধৰ কাণ সাৰেই নাই, ই বিৰাট পৰ্ব্বৰ কথা।

বিৰাট পৰ্ব্বৰ পিচতো এনে সন্মিলন দেখা নাযায়,—গতিকে আগৰ সময়টোকে ঠিকবুলি আমাৰ মনে ধৰে। অৱশ্য উত্তৰাই বিৰাটৰ ঘৰতো, বিয়াৰ পাচত স্তুতি কৰা মিছা নহব, কিয়নো শ্ৰীকৃষ্ণ তেতিয়া তালৈ আহিছিল, ৰাজসূয় যজ্ঞত শকুনি,নাৰদ আৰু কাশীৰাজ আছিল, গতিকে তেওঁলোক বাদ পৰাটোও অসম্ভব বুলি আমাৰ মনে ধৰে।

স্তোত্ৰৰ গৰমিল বিষযে দেখা যায় যে, প্ৰথম খনৰ শকুনিৰ স্তোত্ৰটো দ্বিতীয় খনৰ শল্যত পোৱা যায়। অন্যান্য স্তোত্ৰৰ গৰমিল বিষয়ে উল্লেখ কৰা নহল, কিয়নো সি প্ৰায় সাধাৰণ অমিল। যিহক আগৰ লিখা বজাই ৰাখি নকৈ কৃত বৰ্ম্মাৰ স্তোত্ৰটো শেহত লগাই দিয়া হ'ল।

পৰিশেষত কওঁ যে, হৰিৰ স্তুতি, ইয়াৰ সাৰ গ্ৰহণ কৰিব পৰাই যাই উদ্দেশ্য, ঐতিহাসিক সত্যতা লৈ এনে স্থলত মূৰ ঘামোৱাৰ সকাম নেদেখোঁ। অলমিতি বিস্তৰেণ—

বৰনগৰ
১৩।১২।২৭

ৰচোঁতা

ওঁ তৎসৎ



শ্রীকৃষ্ণায় বাসুদেবায় দৈবকী নন্দনায় চ,
নন্দ গোপ কুমাবায় গোবিন্দায় নমো নমঃ।
নমঃ পঙ্কজ নাভায় নমঃ পঙ্কজ মালিনে,
নমঃ পঙ্কজ নেত্রায় নমস্তে পঙ্কজ অ্ঘ্রয়ে।
বসুদেব সুতং কৃষ্ণং কংশ চানুব মৰ্দ্দনং,
দৈবকী পৰমানন্দং কৃষ্ণং বন্দে জগদ্‌গুৰুং
হৰি ৰাম ৰাম।
মূকং কৰোতি বাচালং পঙ্গুংলঙ্ঘয়তে গিৰিং,
যৎকৃপা তমহং বন্দে পৰমানন্দং মাধৱং ॥

---

# পাণ্ডৱ-গীতা

——:*:——

## ঘোষা

জয় হৰি যাদৱ দামোদৰ দেৱ, কেশৱ হৰি;
ৰাম ৰাম কেশৱ হৰি।১

পদ ঃ—মেঘৰ সদৃশ বৰ্ণ যিটো ভগৱন্ত
শ্ৰীবৎস কৌস্তভে যাৰ বক্ষত শোভন্ত ॥
পীতবাস পৰিধান সৰ্ব্ব জীবেশ্বৰ ।
পদ্মৰ সদৃশ আখি অতি ৰুচিকৰ ॥১
সৰ্ব্বজীৱ আত্মা তুমি প্ৰভু দেৱ হৰি ।
এহিবুলি যুধিষ্ঠিৰে সেবে স্তুতি কৰি ॥
অখিল বিৰাট বিশ্বমূৰ্ত্তি যিটো হৰি ।
বৰাহ স্বৰূপে উদ্ধাৰিলা বসুন্ধৰা ॥২
হেন কৃষ্ণ প্ৰসন্ন হুয়োক মোৰ প্ৰতি ।
এহি বুলি ভীম সেনে কৰিলেক স্তুতি ॥
অচিন্ত্য অব্যক্ত বিভু অনন্ত অচ্যুত ।
ভূতৰ কাৰণ প্ৰভু ভূতৰ ভাবিত ॥৩
ত্ৰিলোক নিস্তাৰী যিটো যোগীৰ বৈভৱ ।
প্ৰপন্নৰ গতিদাতা তুমিসে মাধৱ ॥
হেন জানি চৰণত লৈলোঁহো শৰণ ।
দণ্ডৱতে হেন স্তুতি কৰিলে অৰ্জ্জুন ॥৪
কৰ্ম্মপাশে বদ্ধ হুই জন্মোঁ অধোলোকে ।
হীন কুলে জন্মোঁ কিম্বা পক্ষী কীট পোকে ॥
কিম্বা শত ক্ৰিমি যোনি তাতো শঙ্কা নাই ।
কিন্তু কৃষ্ণ তযু পদে যেন ভক্তি বয় ॥৫

তদ্গাত আত্মা যেন সদা ৰতি হয় ।
নকুলেও হেন স্তুতি কৰিয়া সেৱয় ॥
জলৰ কাষত কিম্বা শয়নে ভোজনে ।
দিবা কিম্বা নিশা ভাগে গৃহে বা গমনে ॥৬
হেন কালে হয় যদি কিঞ্চিত্ সুকৃতি ।
তাতে যেন তুষ্ট হোৱা প্ৰভু যদুপতি ॥
হেন স্তুতি কৰে, দিয়া চৰণত শিৰ ।
পাণ্ডুৰ কনিষ্ঠ পুত্ৰ সহদেৱ বীৰ ॥৭
কুন্তীৰ স্তুতিক শুনা মন স্থিৰ কৰি ।
দণ্ডৱতে পৰি বোলে চৰণত ধৰি ॥
স্বকৰ্ম্মৰ ফলে মই জন্মোঁ যি যোনিত ।
সুদৃঢ়া ভক্তিয়ে যেন নেৰে তৈত তৈত ॥৮
পাণ্ডৱ গীতাৰ কথা অমৃত সমান ।
শুনিলে ভনিলে লভে মহাতত্ত্ব-জ্ঞান ॥
হেন জানি নৰ নাৰী এৰি আন কাম ।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥৯

ঘোষা

হৰিসে আতমা হৰিসে প্ৰাণ ।
হৰি বিনা নাই বান্ধৱ আন ॥২

## পদ

আত অনন্তৰে শুনা নৰ-নাৰী সব।
দ্ৰৌপদীয়ে প্ৰণমিলে যিটো কৰি স্তৱ॥
পৰম অতুল তেজা প্ৰভু ভগবান।
বৰাহ স্বৰূপী কৃষ্ণে যি কৰে সেৱন॥১০
হেনয় পৰম ভক্ত নৰ-নাৰী সৱে।
পুনঃ পুনঃ প্ৰণামোঁহো সি সবৰ পাৱে॥
সুভদ্ৰায়ো প্ৰণামিলে কৰি হেন স্তুতি।—
বাসুদেৱৰ ভক্ত যেহি শান্ত শিষ্ট মতি।১১
তদগত চিত্তে তাৰে যেহি জন ভজে।
জন্মে জন্মে তাৰ দাস্যে যেন মন মজে॥
ধৌম্যে কৰিলেক স্তুতি শুনা এহি মতে।
কীট সৰীসৃপ আদি জন্মোঁ যি যোনিতে॥১২
কিম্বা জন্মোঁ যক্ষ-ৰক্ষ হীন কুলে যথা।
তোমাত অচলা ভক্তি থাকে যেন তথা॥
কৃপাচাৰ্য্যে স্তুতি কৰে, শুনা সাধু সব।
শুনিয়োক মধুৰিপু মোৰ এহি স্তৱ।১৩
মোৰ ইজন্মৰ কৰ্ম্মে এহি ফল হৌক।
তোমাৰ দাসক প্ৰভু মনে ৰাখিয়োক॥

চিন্তাৰ সাগৰে ডুবি অতি দুখ পায় ।
সৰ্ব্ব চিন্তা নাশ কৰে হৰিৰ চিন্তায় ॥১৪

হেন হৰি তুমি প্ৰভু দীন-দুখ-হাৰী ।
এহি মতে ধৃতৰাষ্ট্ৰে সেৱে পাৱে পৰি ॥
সৰ্ব্বশাস্ত্ৰে বিচাৰিয়া মীমাংসা কৰিলোঁ ।
নাৰায়ণ-ধ্যান বিনে একোকে নাপালোঁ ॥১৫

হেন মতে স্তুতি কৰে বিদুৰ সুমতি ।
দণ্ডৱতে প্ৰণমিলে চৰণত লুটি ॥
সত্য সত্য পুনঃ সত্য এই সুনিশ্চিত ।
বেদৰ সমান শাস্ত্ৰ নাই পৃথিবীত ॥১৬

আৰু নোহে কৃষ্ণ সম আন কোনো দেৱ ।
হেনয় স্তুতিক কৰি ব্যাসে কৰে সেৱ ॥
বুজিয়োক নৰ-নাৰী বেদৰ গুৰুত্ব ।
আৰু বুজিয়োক কেনে কৃষ্ণৰ মহত্ত্ব ॥১৭

স্বয়ং অৱতাৰী যিটো ব্যাস মহামতি ।
হেনয় দেৱৰ বাক্যে সবে কৰা ৰতি ॥
হেন জানি কৃষ্ণ-পদে লৈয়োক শৰণ
পাতক ছাৰোক কৰা কৃষ্ণৰ কীৰ্ত্তন ॥১৮

## ঘোষা

জগন্নাথ ! অনাথক থাপিও চৰণে ।
তোমাক বান্ধৱ মানি পশিলোঁ শৰণে ॥৩
( কীৰ্ত্তন )

## পদ

আত অনন্তৰে ভীষ্মে প্ৰণামে ইদৰে ।—
কৃষ্ণক প্ৰণামি এটি সুকৃতি যি কৰে ॥
দশ অশ্বমেধী তাৰ নোহে সমসৰে ।
যি হেতু দশাশ্বমেধী পুনঃ জন্ম ধৰে ॥১৯
শকুনি প্ৰণাম কৰে শুনিও যিমতে ।—
প্ৰবেশোক মন মোৰ শ্ৰীপদে আজিতে ॥
কফ, বাত, পিত্তে মোৰ মৃত্যু সময়ত ।
নিৰোধ কৰিব কণ্ঠ স্মৰোঁ কেন মত ॥২০
কৰ্ণেও কৰিলে স্তুতি শুনা যেহি মত ।
সৰ্ব্বক্ষণে চিন্তে যিটো কৃষ্ণক সতত ॥
কৃষ্ণতেসে মন যাৰ কৃষ্ণৰ ভকত ।
কৃষ্ণময় দেখে যিটো সংসাৰে সতত ॥২১
মন্ত্ৰাহুত ঘৃত যেন প্ৰৱেশে অনলে ।
সেহি মত প্ৰবেশয় কৃষ্ণে মৃত্যু কালে ॥

সঞ্জয়ৰ আত্ম-স্তুতি শুনা সাৱধানে ।
মিছামায়া বাসনাত মৰা কিকাৰণে ॥২২
যিজন বাসনা ত্যাগী আত্ম-তত্ত্ব জ্ঞানে ।
সুৰ-গুৰু নাৰায়ণে স্মৰে সৰ্ব্বক্ষণে ॥
কিম্বা ধ্যানে পাপ নাশে শুনা ফল তাৰ ।
বেদান্তৰ মতে পুনঃ জন্ম নোহে আৰ ॥২৩
দ্ৰোণেও কৰিলে স্তুতি বস্ত্ৰ দিয়া গলে ।
অনশনে একাদশী পূৰ্ণ বৰ্ষ পালে ॥
সুগন্ধি কুসুমে আৰু হৰিক অৰ্চ্চয় ।
নাহিক তাহাৰ প্ৰভু সংসাৰৰ ভয় ॥২৪
নিকা বস্ত্ৰ সম সিটো পাপ কৰি ক্ষয় ।
সুনিৰ্ম্মল হয় যিটো হৰিক ভজয় ॥
আৰু যেনে ৰাজহংসে সৰোবৰ তৰে ।
সংসাৰক পাৰ হয় সেহি মত নৰে ॥২৫
মিছাধন, মিছাজন, মিছা ই যৌবন ।
মায়াৰ কাৰণ ইটো, সবে অকাৰণ ॥
হেন জানি নৰলোক এৰি আন কাম ।
হৰিৰ চৰণ চিন্তি বোলা ৰাম ৰাম ॥২৬

---

ঘোষা

কৃষ্ণেসে জীৱন, কৃষ্ণেসে প্ৰাণ।
কৃষ্ণ বিনে নাই বান্ধৱ আন ॥৪

পদ।

ব্ৰহ্মাৰ মানস পুত্ৰ নাৰদ তপোধন।
যেহি মতে স্তৱ কৰে শুনা দিয়া মন ॥
হৃদয়ৰ অধিষ্ঠাতা হৰি—জ্ঞান যাৰ।
অনুক্ষণে জয়-শুভ লাভ হয় তাৰ ॥২৭
গান্ধাৰী দেৱীৰ স্তৱ শুনা যেহি মত।
যি সকল দৈত্য হয় হৰি-চক্ৰে হত ॥
কিমত আশ্চৰ্য্য ফল, দেখা সব নৰে।
হৰিৰ আলয়ে সবে যাই বাস কৰে ॥২৮
যি হেতু দেৱৰ ক্ৰোধ ৰবৰ সমান।
সি কাৰণে মুক্ত হয়, যাৰ যি সাধন ॥
দ্ৰোণ-পুত্ৰ অশ্বথামা সৰ্ব্বলোকে জানে।
যিমতে কৰিলে স্তুতি শুনা সাৱধানে ॥২৯
ৰত্নসাৰ নৰদেহ জম্বুদ্বীপে পাই।
কৃষ্ণৰ ভজনা কৰা নিশ্চিত যুৱায় ॥
যি হেতু পাপক নাশে হেন বৈদ্য নাই।
কৃষ্ণেসে পৰম বৈদ্য জানিছোঁ নিশ্চয় ॥৩০

হেনয় পৰম তত্ত্ব সাৰোগত কৰি ।
কৃষ্ণত শৰণ ললোঁ। হেন গুণ স্মৰি ॥
দেৱেও বাঞ্ছয় এই মনুষ্য জনম ।
ইয়াত উপজে জ্ঞান। জ্ঞান ও ধৰম ॥৩১
জ্ঞানত ভকতি হয়, ভক্তিত মুকুতি ।
শাস্ত্ৰৰ বচন ইটো। নিশ্চিত যুকুতি ॥
নাম বিনা কলি কালে আন গতি নাই ।
নামত শৰণ লোৱাঁ। কৰিয়া নিশ্চয় ॥৩২
শ্ৰীমন্ত শঙ্কৰে ইটো সংশয় ছেদিছে ।
মায়া-মোহে বন্দী হই নমৰিবা পিচে ॥
হেন জ্ঞানি সব নৰে নামে কৰা ৰতি ।
কৃষ্ণ কৃষ্ণ বুলি সবে খণ্ডোৱাঁ দুৰ্গতি ॥৩৩



ঘোষা

ৰাম কৃষ্ণ দয়াময়, তোমাৰ চৰণে ধৰোঁ। ।
প্ৰভু দুনাই যেন সংসাৰে নমৰো ॥৫

## ছবি

যিটো মহা অভিমানী, কুৰু কুলে অগ্ৰ গণি
হেন দুৰ্য্যোধন বীৰবৰে।
গলে বস্ত্ৰ দিয়া আছি, যথা কৃষ্ণ গুণমনি,
দণ্ডৱতে এহি স্তুতি কৰে॥
ধৰ্ম্ম বুলি জানোঁ যাক, কদাপি নাচৰোঁ তাক,
নিবৃত্ত নহওঁ অধৰ্ম্মত।
হৃদিগত আছাঁ তুমি, যেন কৰাবাহা স্বামী,
মোৰ কাৰ্য্য হব সেহি মত ॥৩৪
তাত পাচে দুঃশাসনে, স্তুতি কৰে এক মনে,
যাৰ জ্ঞান হৃদয়-ৰতনে।
তাৰ হয় সৰ্ব্বলাভ, জয় তাৰ ক্ষিতি-মাজ,
পৰাজয় নোহে কাৰো সনে॥
শুক্ল বস্ত্ৰে শোভাকৰ, শশী সম বৰ্ণ যাৰ,
চাৰি ভুজে কৰয় প্ৰকাশ।
প্ৰসন্ন বদন কৃষ্ণে, ধ্যান কৰে যিটোজনে,
সৰ্ব্ব বিঘ্নি হোৱয় বিনাশ ॥৩৫
মদ্ৰ পতি শল্য ৰাজে, হেন স্তুতি সভা মাজে
কৰিলেক শ্ৰীকৃষ্ণৰ পদে।
হেন জানি সব নৰ, নাম স্মৰা শ্ৰীকৃষ্ণৰ,
নমজিবা বিষয়ৰ মদে॥

দুঃশলাৰ অধিপতি, সিন্ধুৰ নন্দন যিটি,
নাম জয়দ্ৰথ বীৰবৰ।
সভা মাজে উচ্চৈ স্বৰে, স্তুতি কৰে শ্ৰীকৃষ্ণেৰে,
কওঁ শুনা তাৰ তত্ত্ব সাৰ ॥৩৬
শ্ৰীকৃষ্ণ নামক ধৰি, যদুকুলে অৱতৰি,
আছে যিটো দেৱ নাৰায়ণ।
পুৰাণত উক্ত আছে, প্ৰসিদ্ধ চোৰক বুলি,
পাপহাৰী নামৰ কাৰণ ॥
হেন জানি প্ৰভু তুমি, নামৰ মহত্ত্ব ৰাখা,
কৃপা কৰি ইদাসৰ প্ৰতি।
জন্মাৰ্জ্জিত পাপ যেন, তযু নাম সুমৰণে,
হৰি কৰা, চৰণত গতি ॥৩৭
তাৰ পিচে কাশীৰাজে, প্ৰণমিয়া সভামাজে
যেন স্তুতি কৰিয়া বোলয়।
বাসুদেৱক এৰিযিটো, অন্য দেৱ উপাসয়,
গঙ্গা পাৰে কুপক খাণ্ডয়॥
হেন জানি জগন্নাথ, তযু চৰণত যেন,
মোৰ মতি থাকে অনুক্ষণ।
নকৰা চঞ্চল মতি, কৰিছোঁ কাকুতি অতি,
এহি ভিক্ষা তোমাৰ চৰণ ॥৩৮

অনন্তৰে উত্তৰাই, সভক্তি অন্তৰে কয়,
শুনিয়োক প্ৰভু দেৱ হৰি।
তুলসী মালাক পিন্ধি, গৰুড়ত আৰোহিয়া,
ইন্দীবৰ-জ্যোতি-ৰূপ ধৰি॥
সদা যেন মোৰ আগে, দিয়া প্ৰভু দৰশন,
এহি ভিক্ষা কৰিলোঁহো দাসী।
পূৰাবা পূৰাবা নাথ, আতুৰাৰ অভিলাষ,
প্ৰভু তযু স্বৰূপ প্ৰকাশি॥৩৯
কৃতবৰ্ম্মা বীৰবৰে, প্ৰণামিলে এহি দৰে,
শুনিয়োক দেৱ দেৱ হৰি।
সংসাৰ-সাগৰ ঘোৰে, উদ্ধাৰা উদ্ধাৰা মোৰে,
সেবিলোঁহো চৰণত ধৰি॥
এহি মতে সমজ্যাৰ, স্তুতি যেবে ভৈল ওৰ,
শ্ৰীকৃষ্ণে দিলেক সন্নিধান।
কৃষ্ণ কৃষ্ণ বুলি যিটো, ডাকে মোক নিতে নিতে,
তাৰ ৰক্ষা হয় কেনে জান॥৪০
অগাধ জলক ভেদি, স্বভাবে পদুম ফুল
উপৰে উঠয় যেহি মত।
সংসাৰীকো জানা তেনে, নৰকৰ হস্তে মই,
সাদৰে উদ্ধাৰোঁ সেহি মত॥

শুনিলাহা সভাসদ, শ্ৰীকৃষ্ণৰ উত্তৰক,
যি বুলিলে কুৰু-সভা মাজে।
হেনয় বাক্যক কেনে, নধৰিয়া ডুবি মৰা,
ঘোৰ নৰকত কোন কাজে ॥৪১
হৰিনাম, কৃষ্ণ-নাম, ছুটি ছুটিঅক্ষৰক,
উচ্চাৰণে কিনো আছে দুখ।
হেন নাম উচ্চাৰিতে, নাই কষ্ট নিয়মৰ,
হানি নোহে একোতেই সুখ॥
ভাৰ্য্যা-পুত্ৰ-ধন-ৰত্ন, নাযায় একোৱে সঙ্গে,
দিব মাত্ৰ সেই বাঁহ ডাল।
আৰু দিব ছিৰা কানি, যাক দিলে নোহে হানি,
হেন জানি যেহি কৰা ভাল ॥৪২
থাকে যদি দেখি লাজ, শীঘ্ৰ গতি হোৱা বাজ,
মায়াৰ ফাঁকিত নুভুলিবা।
মূঢ়-মতি শিবে কয়, বুজি লোৱা শাস্ত্ৰলয়,
সবে মোৰ দোষক ক্ষমিবা॥
পাণ্ডৱ-গীতাৰ তত্ত্ব, এহি মানে সমাপত,
পদবন্ধে নিবন্ধিলোঁ হীনে।
সৰ্ব্ব দোষ ক্ষমা কৰি, নিজে নিজ পথ ধৰি,
ৰাম, কৃষ্ণ বোলা অনুক্ষণে ॥৪৩

ইতি পাণ্ডৱ-গীতা-পদ হৰিপদে সমাপ্ত।

---

# পাণ্ডৱ-গীতা-মাহাত্ম্য।

## ঘোষা

আহি হৰি পৰিলোঁ পায়, উপায় পৰমানন্দ দিয়া।
নসহে সংসাৰ-তাপ আৰু মোৰ হিয়া ॥৬

## ছবি

পাণ্ডৱ গীতাৰ স্তুতি, পৰম পবিত্ৰ অতি,
পাতকৰ পৰম অনল।
শুনিলে ভনিলে সিটো, ধৰে ফল তাৰ যিটো
শুনিয়োক বৈষ্ণৱ সকল ॥
প্ৰথমে দহয় পাপ, কৰে পুণ্য উদভব
মিলায়ে বিষয়ে বিৰকতি।
কৃষ্ণত ভকতি বাঢ়ে, বৈষ্ণৱৰ জ্ঞান ধৰে
নাশয় মায়াত আশকতি ॥৪৪
চৈতন্য হৰিৰ সঙ্গে, থয় একলগ কৰি
শুনা এই প্ৰথম মাহাত্ম্য।
ই কাৰণে ঋষি সবে, সদায় কীৰ্ত্তন কৰে,
বুজি এই সবে গূঢ় তথ্য ॥

প্ৰাতঃকালে যিটো নৰে, ভক্তিভাৱে পাঠ কৰে,
অথবা শুনয় একচিত্তে।
আনে তাৰ পুণ্য ফল, কিঞ্চিতো দিবাক নৰে,
সাৰ কৰি লোৱা হৃদয়তে॥৩৫
গয়াত সহস্ৰ গাভী, যিটো নৰে দান কৰে,
অথবা কৰয় পিণ্ডদান।
ইয়াৰ ষোড়শ ভাগৰ একভাগ তুল্য নোহে,
সাৰকৰি সব নৰে জান॥
মথুৰাত যাই যিটো, যোগেশ্বৰ হৰি দেখে,
তাৰ সম ফল ইটো হয়।
সত্যে সত্যে তিনি সত্যে, সাৰ কৰি ধৰা চিত্তে,
অকণকো নকৰা সংশয়॥৪৬
মোৰ ইটো বাক বুলি, কদাচিতো নাভাবিবা,
শাস্ত্ৰমতে লিখিছোঁ ইয়াক।
তথাপি প্ৰত্যয় যদি, মনে মানি নোলোৱাহা,
মূল শ্লোক লাগে দেখিবাক॥
বঢ়া-টুটা সব দোষ, ক্ষমিবাহা সাধুলোক,
কৰযোৰে কৰিছোঁ কাকুতি।
আলে জালে সময়, নি মিছাত ফুৰা কিনো কাম,
হৰি বুলি খণ্ডোৱা দুৰ্গতি॥৪৭
ইতি পাণ্ডৱ-গীতা মাহাত্ম্য পদ হৰিপদে সমাপ্ত।

# দ্বাদশাক্ষৰ ভঞ্জন স্তোত্ৰ।

—— ০ ——

ঘোষা

"ওঁ নমো ভগৱতে ৱাসুদেৱায়" এহি মন্ত্ৰ সাৰ।
মায়াৰ সাগৰে মজোঁ। কৰাহা উদ্ধাৰ ॥৭

পদ

ওঁ বোলয় ৰাগাজীৰ্ণে জৰ্জ্জৰিত মোক।
কামনা নিদ্ৰাৰ হন্তে প্ৰভু উদ্ধাৰোক ॥
ন বোলয় তযু বিনে নাই প্ৰভু গতি।
পাপত মগন মই নিস্তাৰা সম্প্ৰতি ॥৪৮
মো বোলয় পুত্ৰদ্বাৰা মোহে গৃহাদিৰ।
মই তৃষিতক ৰক্ষা কৰা যদুবীৰ ॥
ভ বোলয় ভক্তি-হীন দীন-দৰিদ্ৰক।
অনাথ বুলিয়া মোক প্ৰভু উদ্ধাৰোক ॥৪৯
গ বোলয় গতায়াতে শ্ৰান্ত ভৈলোঁ অতি।
পুনৰাগমন যেন নোহে যদুপতি ॥
ৱ বোলয় বহুযোনি ভ্ৰমিলোহোঁ মই।
গৰ্ভবাস দুখ হন্তে পাপ কৰা ক্ষয় ॥৫০

ন্তে বোলয় সংসাৰৰ বন্ধে উদ্ধাৰাহা।
একান্ত শৰণ ললোঁ প্ৰভু জানিবাহা ॥
ৰা বোলয় জৰা-মৃত্যু ভয়ে অতি ভীত।
সিকাৰণে ৰক্ষা কৰা হলোঁ নিবেদিত ॥৫১
সু বোলয় কোনোমোৰ সুকৃতি নাহিক।
দুষ্কৃতি পাপৰ হন্তে উদ্ধাৰিয়ো মোক ॥
দে বোলয় দেহান্তৰ ধৰোঁ বাৰে পতি।
ৰজা-ভিক্ষু হোৱা হন্তে উদ্ধাৰা সম্প্ৰতি ॥৫২
বা বোলয় প্ৰতিজ্ঞা যি আছিলোঁ তাহো কৰি।
ভঙ্গ কৰা দোষ হন্তে উদ্ধাৰিও হৰি ॥
য় বোলয় স্ত্ৰী-পুৰুষ হওঁ যেহি যোনি।
তাতে ভক্তি ৰাখিবাহা মোৰ ই বাঞ্ছনি ॥৫৩
বিষ্ণুৰ উদ্দেশে যেহি এই স্তুতি কৰে।
সদ্যঃ কালে জন্মাৰ্জ্জিত পাপক সংহৰে ॥
দ্বাদশ অক্ষৰী মন্ত্ৰে ভক্তি ভাবে নৰে।
পাঠ কৰি, বিষ্ণুলোকে সদ্যঃ গতি কৰে।৫৪
চন্দ্ৰ, সূৰ্য্য, দেবাদিৰো কল্প অৱসানে।
পুনৰাগমন হয় স্বকৰ্ম্ম সাধনে ॥
কিন্তু এহি মন্ত্ৰ জপী জন্ম নাহি ধৰে।
হেনয় মন্ত্ৰক পাঠ কৰা উচ্চৈস্বৰে।৫৫

মূঢ়ৰ ৰচনা বুলি নাভাবিবা আন।
শাস্ত্ৰৰ শ্লোকৰ হন্তে পদ বিৰচন ॥
হব পাৰে বঢ়া-টুটা দোষ কিঞ্চিতেক।
সাধু-সন্ত সবে যেন ক্ষময় প্ৰত্যেক ॥৫৬
হৰিৰ নামত বিনে আন গতি নাই।
ইটো যুগে এহি ধৰ্ম্ম জানিবা নিশ্চয় ॥
কলিত অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ।
সিকাৰণে কলি যুগে নামে অতি সাৰ ॥৫৭
মূঢ়মতি শিববামে শাস্ত্ৰমত চাই।
দ্বাদশ অক্ষৰী মন্ত্ৰ পদে নিবন্ধয় ॥
হেন জানি সভাসদে এৰি আন কাম।
পাতক ছাৰোক ডাকিবোলাঁ ৰাম ৰাম ॥৫৮

ইতি দ্বাদশাক্ষৰ মহামন্ত্ৰ হৰিপদে সমাপ্ত

---

# অষ্টাক্ষৰ মহামন্ত্ৰ ভজন

ঘোষা—

"ওঁ নমো নাৰায়ণায়" সৰ্ব্ব মন্ত্ৰ সাৰ।
জানিয়া শৰণ ৰলোঁ, কৰিয়ো উদ্ধাৰ ॥৮

পদ—

ওঁ ঙ্কাৰ শবদ ব্ৰহ্ম কৈলে উচ্চাৰণ।
আশকতি শূন্য কৰে ধ্বনি যত মান ॥
দহয় যতেক পাপ মায়াক বিনাশি।
সিকাৰণে ৰাখাঁ প্ৰভু মহিমা প্ৰকাশি ॥:৯
ন বোলে নাহিকে মোৰ একোৱে সুকৃতি।
সদয় হোৱাহা প্ৰভু পতিতৰ প্ৰতি ॥
নবঞ্চিবা দীন-নাথ পতিত আতুৰে।
চৰণে শৰণ ললোঁ তোমাৰ গোচৰে ॥৬০
মো বোলে মোহৰ জালে মায়াই বান্ধিছে।
নাপাওঁ একোৱে সন্ধি পিঞ্জৰে ৰাখিছে ॥
মোহ-জাল ছেদিবাৰ তুমিসে কটাৰী।
শৰণ লৈলোঁহো প্ৰভু নিয়াহা উদ্ধাৰি ॥৬১

ন্মা উচ্চাৰিলে নাশয় যত্ত দুখ কষ্ট।
আৰু নাশ কৰি থাকে যতেক অৰিষ্ট॥
নাশৰ কাৰণ তুমি মন-চঞ্চলতা।
শৰণ মাগিলোঁ প্ৰভু নাশাঁ দুৰ্ব্বলতা॥৬২
ৰা পদৰ মূলে তুমি ৰাখা চৰাচৰ।
ৰাতুল চৰণে গতি কৰা জগতৰ॥
জগতৰ অনু ভিন্ন আন নোহো মই।
সিকাৰণে আশ্ৰিতক ৰাখিবে লাগয়॥৬৩
য ত্ৰ জীৱ তত্ৰ শিব বেদে এহি কয়।
তিনি গুণে তিনি মূৰ্ত্তি তোমাৰ হোৱয়॥
পাপীৰ যতেক পাপ কৰা সংহৰণ।
শৰণ লৈলোঁ হে! প্ৰভু মই সিকাৰণ॥৬৪
ন্মা উচ্চাৰণে দুনাই দুৰ্গতি নাশাহা।
সুগতি বিধান কৰি জগত ৰাখাহা
নাথাকে সংসাৰ ভয় যত জীৱ মানে।
ভজিলোঁ চৰণে প্ৰভু এহিসে কাৰণে॥৬৫
য ত জীৱ আছে প্ৰভু ব্ৰহ্মাণ্ড ভিতৰে।
সকলো তোমাৰ অংশ এই চৰাচৰে॥
এহি হেতু ভেদ-বুদ্ধি কৰা তুমি নাশ।
ভকতৰ হৃদয়ে কৰা স্বৰূপ প্ৰকাশ॥৬৬

এহি ভাবে আছে ইটো মহা মন্ত্র হই ।
আৰাধিলে নিষ্ঠে সিটো সিদ্ধিক লভয় ॥
হেন জানি নৰলোকে এৰি আন কাম ।
নমোনাৰায়ণ মন্ত্র জপাঁ অবিৰাম ॥৬৭

ইতি অষ্টাক্ষৰ মহামন্ত্র ভঞ্জন পদ হৰি পদে

সমাপ্ত



# অষ্টাক্ষৰ মহা-মন্ত্ৰ মাহাত্ম্য বৰ্ণন

—— ০ ——

ঘোষা--

নমো নাৰায়ণ, জগত তাৰণ,
মুকুতি কাৰণ হৰি।
তোমাৰ চৰণে, শৰণ লৈলোহো,
লোৱাহা প্ৰভু উদ্ধাৰি ॥৭

পদ—

অষ্টাক্ষৰী মহা-মন্ত্ৰ মন্ত্ৰৰ ঈশ্বৰ।
পৰম পবিত্ৰ হয় জপে যিটো নৰ ॥
বিষ্ণুৰ স্বৰূপ ধৰে সিটো মহাজন।
ব্ৰহ্ম হত্যা পাপ খণ্ডে কৰিলে দৰ্শন ॥৬৮
শঙ্খ-চক্ৰ-বনমালা-সুশোভিত হই।
বিষ্ণু-লোকে গতি কৰি সাৰূপ্য লভয় ॥
ব্ৰহ্মাৰ আয়ুস মানে এহি ভোগ পায়।
পাদ্মোত্তৰে বিচাৰিলে দেখিবা সবায় ॥৬৯

নাৰদে বোলয় শুনা ধ্রুব মহামতি।
নাৰায়ণ মন্ত্র জপি ভজিয়ো শ্রীপতি॥
সপ্তৰাত্র জপ কৈলে মন্ত্র বিধি মতে।
দেৱলোক প্রাপ্ত হয়, নিশ্চয় সাক্ষাতে॥৭০
এহি উপদেশে পাচে দিব্য-জ্ঞান পাই।
নাৰায়ণ মন্ত্র জপি দেৱত্ব লভয়॥
নাৰায়ণ মন্ত্র-ফলে ধ্রুবলোক সৃষ্টি।
ভাগৱতে ধ্রুবাখ্যানে দেখিয়ো সম্প্রতি॥৭১
ঋক; যজু, সাম এই বেদত্রয় ধৰে।
এৰৈক বেদৰ ছয় অঙ্গ লেখা কৰে॥—
শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ যে নিৰুক্ত।
জ্যোতিষক ধৰি এহি বেদৰ অঙ্গ উক্ত॥৭২
বাক্যৰ বিষয় আদি ছন্দ-দেৱ সবে।
অষ্টাক্ষৰী মহামন্ত্রে সকলো সম্ভবে॥
নাৰদ পঞ্চৰাত্রত এহি কথা লেখা।
প্রত্যয় নহয় যদি বিচাৰিয়া দেখা॥৭৩
সর্ব্ব বেদান্তৰ সাৰ সংসাৰ তাৰক।
এই মহা মন্ত্র হয় মুকুতি দায়ক॥
মোক্ষক বাঞ্ছাহা যদি এহি মন্ত্র জপা।
শ্রুতিৰ বচন ইটো কোনে বোলে লপা॥৭৪

অষ্টাক্ষৰ সিদ্ধি কাৰী যি থানে থাকয় ।
নাহিকে দুৰ্ভিক্ষ ব্যাধি তস্কৰাদি ভয় ॥
দেৱ-দানৱ-গন্ধৰ্ব্ব সিদ্ধ-বিদ্যাধৰে।
অষ্টাক্ষৰ মন্ত্ৰজ্ঞক নমস্কাৰ কৰে ॥৭৫
স্বয়ং প্ৰভু নাৰায়ণ এহি মন্ত্ৰ ৰূপে ।
ভক্ত-মুখে প্ৰকাশয়, কহিছে স্বৰূপে ॥
এহি অষ্টাক্ষৰী মন্ত্ৰ সৰ্ব্বাৰ্থ সাধক ।
সৰ্ব্ব দুঃখ হৰ শ্ৰীমান্ শুভ মন্ত্ৰাত্মক ॥৭৬
প্ৰত্যয় নামানা যদি বিচাৰিয়া দেখা ।
পদ্মোত্তৰ খণ্ডে আছে ইসবক লেখা ॥
মিছা মায়ায় মগ্ন হুই মৰা কি কাৰণ ।
নমো নাৰায়ণ মন্ত্ৰ কৰাহা ঘোষণ ॥৭৭

ঘোষা—

নাৰায়ণ নাৰায়ণ নাৰায়ণ হৰি ।
নমো দেৱ নাৰায়ণ মুকুন্দ মুৰাৰি ॥১০

পদ—

বহুবিধ মন্ত্ৰ জপে কিনো লাভ তাতে ।
আৰু কিনো ফল ধৰে বহুবিধ ব্ৰতে ॥
এক মাত্ৰ নাৰায়ণ মন্ত্ৰে সৰ্ব্ব ফলে ।
জানিয়া জপয় ইটো বৈষ্ণৱ সকলে ॥৭৮

ই কাৰণে সৰ্ব্বক্ষণে জপে যিটো জন।
সবান্ধবে যায় সিটো বিষ্ণুৰ ভৱন ॥
অষ্টাক্ষৰী মহামন্ত্ৰ সৰ্ব্ব পাপ হাৰী।
মন্ত্ৰ-ৰাজ্যে হোৱে ইটো এক ছত্ৰ-ধাৰী ॥৭৯
ভবিষ্য পুৰাণে উক্ত ই সকল বাণী।
দেখিয়া লোৱাহা সবে ইয়াক প্ৰমাণি ॥
নমো নাৰায়ণ মন্ত্ৰ সৰ্ব্বাৰ্থ সাধক।
ভক্ত সকলৰ ইটো মোক্ষ প্ৰদায়ক ॥৮০
ব্যাস-পুত্ৰ শুকদেৱে ব্যাসত কহিছে।
শুক-ব্যাস সংবাদত এহি কথা আছে ॥
সৰ্ব্ব বেদ ৰহস্যক সুমন্থন কৰি।
নমো নাৰায়ণ মন্ত্ৰ লইছে উদ্ধাৰি ॥৮১
সি কাৰণে এহি মন্ত্ৰ স্বয়ং মোক্ষ ৰূপ।
আৰু জানিবাহা হয়, স্বৰ্গৰ স্বৰূপ ॥
ভক্তৰ নিস্তাৰ হেতু স্বয়ং ভগবান।
নিজে প্ৰকাশিছে, ইটো গুপ্ত মন্ত্ৰ-ধন ॥৮২
আপুনি কহিছে ইটো মন্ত্ৰৰ প্ৰভাব।—
অভিলাষ পূৰ্ণ কৰে, নাশে সৰ্ব্ব পাপ ॥
হেনয় কল্যাণপ্ৰদ অন্য মন্ত্ৰ নাই।
স্বৰূপ বচন ইটো জানিবা সবায় ॥৮৩

সংসাৰৰ ঘোৰ বিষ নাশৰ কাৰণ।
নমো নাৰায়ণ মন্ত্ৰ ৰূপৰ ধাৰণ ॥
কামনাৰ অন্তকাৰী জানিবা সাক্ষাত।
উচ্চৈস্বৰে কহি আছে শিষ্যৰ আগত ॥৮৪
পুনঃ ঊৰ্দ্ধ বাহু হই কহিছে শিষ্যত।
এহিমন্ত্ৰ ভিন্ন আন নাহি স্বৰূপত ॥
শুক সংহিতাত দেখা শুকৰ কথাক।
শুভ্ৰ-জ্যোতি শুকদেৱে কহিছে ইহাক ॥৮৫
মূঢ়ৰ ৰচনা বুলি নাভাবিবা আন!
শাস্ত্ৰক দেখিলে পাবা ইহাৰ প্ৰমাণ ॥
বঢ়া-টুটা দোষ সব ক্ষমিয়ো সজ্জন।
নমো নাৰায়ণ মন্ত্ৰে লোৱাহা শৰণ ॥৮৬
যমৰ যাতনা যদি চোৱা এৰাইবা।
নাৰায়ণ মন্ত্ৰ জপা সংসাৰ তৰিবা ॥
পুত্ৰ-দাৰা-ধন-ৰত্ন নাহি যাব সঙ্গে।
নমো নাৰায়ণ জপাঁ অতি মনোৰঙ্গে ॥৮৭

ইতি অষ্টাক্ষৰ মহামন্ত্ৰ মাহাত্ম্য বৰ্ণন হৰিপদে

সমাপ্ত

---

# বৈষ্ণৱ মাহাত্ম্য কথন

—— ০ ——

ঘোষা—

নমো নাৰায়ণ, মুকুতি কাৰণ,
ভকতৰ ভয় হাৰী ।
কৰাহা নিস্তাৰ, ভব পাৰাবাৰ,
নিয়াহা প্ৰভু উদ্ধাৰি ॥১১

ছবি—

চৰাচৰ ঈশ্বৰৰ, ভক্ত হই যেহি নৰ,
একান্ত-ভকতি আচৰয় ।
তাহাৰ অনন্ত তত্ত্ব, কহি পাৰে কোনে অন্ত,
মাহাত্ম্যৰ বৰ্ণনা নহয় ॥
পদ্মনাভ পাদ পদ্ম, ব্ৰহ্মাদিৰো পৰিপূজ্য,
হেন পদ যেহি ধ্যান কৰে
স্বৰূপত সি বৈষ্ণৱ, পাৰ হয় ভবাৰ্ণৱ,
সুৰাদি ও নমস্কাৰ কৰে ॥৮৮

বিষ্ণু-ভকতৰ পদ, তীৰ্থাদিও বাঞ্ছা কৰে,
স্পৰ্শ কৰি লভিতে পবিত্ৰ।
আলাপত শুদ্ধ হয়, বন্দনত পাপ ক্ষয়,
প্ৰকাশিছে নাৰদ পঞ্চ ৰাত্ৰ ॥
শুনিয়ো পাৰ্ব্বতি দেবি ! কৃষ্ণ মন্ত্ৰ জপকৰ
পাদোদকে যেন ফল ধৰে।
শুদ্ধ কৰে জগজ্জন, পবিশুদ্ধে তীৰ্থ-স্থান,
সৰ্ব্ব অমঙ্গল নাশ কৰে ॥৮৯
দ্বিজ-মুখে কৃষ্ণ-মন্ত্ৰ, যেহি জনে শুদ্ধ ভাবে,
শুনি লভে সুপবিত্ৰ জ্ঞান।
পুৰাণ-পণ্ডিত সবে, তাকে ধন্য বুলি মানে,
সেহি জন জগত কল্যাণ ॥
কৃষ্ণ-মন্ত্ৰ দীক্ষা মাত্ৰে, নাৰায়ণ সম হই,
ক্ৰমে শত পুৰুষ উদ্ধাৰি।
বৈকুণ্ঠৰ পতি সঙ্গে, বাস কৰে বিষ্ণুলোকে,
জগতৰ সেহি হিতকাৰী ॥৯০
আৰু এবে কওঁ শুনা, ইমত লক্ষণ যুক্ত,
পুৰুষৰ জন্ম যি সময়।
পিতৃ-গণ কৰ্ম্ম যোগে, পৰিমুক্ত হয় তবে,
পুনৰ্জ্জন্ম কদাপি নহয় ॥

পৰ্ব্বত নন্দনী আগে, মহাযোগী মহাদেৱে,
দয়ায়ে প্ৰকাশে গুপ্ত-ধন।
যিবা হেতু স্ত্ৰী-পুৰুষ, অৰ্দ্ধ অৰ্দ্ধ অঙ্গে পূৰ্ণ,
সি কাৰণে শিৱৰ কথন ॥৯১
বৈষ্ণৱৰ মাহাত্ম্যক, কোনে কহি অন্ত পায়,
চাৰি মুখে ব্ৰহ্মাৰো অতীত।
হেনয় বৈষ্ণৱ তত্ত্ব, কি শক্তি আনৰ আছে,
জগতৰ সবাৰো বিদিত ॥
হেন জানি নিৰন্তৰে, বেদ-শাস্ত্ৰ-মত মানি,
আপোনাৰ পথক বিচাৰা।
আল জাল এৰি সবে, নাৰায়ণ স্মৰি এবে,
ই জন্মৰ সাৰ্থকতা কৰা ॥৯২

ইতি বৈষ্ণৱ-মাহাত্ম্য কথন হৰি পদে

সমাপ্ত



শিৰত থাকয় যেন কৃষ্ণ-পদ-বেণু।
বৰ বাঞ্ছা,—দিয়া-নাথ ভক্তি-ৰস কানু॥
ৰাতুল চৰণে ঠাই দিবা প্ৰভু ৰাম।
মৰণ বেলাত যেন স্মৰোঁ তযু নাম॥
দয়া কৰা দীন-নাথ অগতিৰ গতি।
(ভঁ) ত্ৰুৰণৰ এক মাত্ৰ তুমি মূল ভেঁটি॥

গ্ৰন্থ সমাপ্ত

---

# জাননী

অসমাৱা ৬ ং এইখন ধৰ্ম্মপুথিৰ অভাৱ অনুভৱ কৰি ভগৱানৰ কৃপাত পোণতে এইবেলি প্ৰকাশ কৰা হ'ল। বিদেশত ছপাৰ বাবে যে ইয়াত কিছু ভুল-ভ্ৰান্তি নৰব ইয়াক ডাঠি কব নোৱাৰোঁ। ধৰ্ম্ম-প্ৰাণ হিন্দু সকলৰ পৰা আদৰ পালে পুনঃ সংস্কৰণত সংশোধিত আৰু পৰিবৰ্দ্ধিত কৰিবৰ মন থাকিল। কোৱা নাৈ, "শঃ", মাত্ৰবেই সকলো সম্প্ৰদায়ে শ্ৰীকৃষ্ণৰ ভজনা কৰে, আৰু পিতৃ শ্ৰাদ্ধ কাৰ্য, গতিকে পুথিৰ মাহাত্ম্য মতে ই হিন্দু সকলৰ সৰ্ব্বত্ৰ আদৰণীয় হব বুলি আশা কৰা যায়।

আসাম উপত্যকাৰ গ্ৰন্থ সকলো এজেন্সিতে পোৱাৰ দিহা কৰা যাব। সম্প্ৰতি গৌহাটীৰ বৰুৱা এজেন্সি, স্থানীয় শ্ৰীযুত সৰ্ব্বেশ্বৰ দাসৰ এজেন্সি বিহাৰীৰ ভট্টাচাৰ্য্য এজেন্সি আৰু গ্ৰন্থকাৰৰ ওচৰত পোৱাৰ দিহা কৰা হৈছে।

চকচকা গজমলীয়া স্কুল
পোঃ সৰভোগ, কামৰূপ।
২৫।৫।'২৮ ইং।

বিনীত নিবেদক
গ্ৰন্থকাৰ।